# জ্ঞানোদয়

শংকৰদেৱ শিশু নিকেতন, মিলনপ

তৃতীয় সংখ্যক হাতেলিখা

আলোচনী

২০১৯ চন



সম্পাদক

শ্ৰী প্ৰাচুৰ্য মহন্ত

সহঃ সম্পাদক

শ্ৰী ভাস্কৰ ভূঞা

# শুভেচ্ছা বাণী

শংকৰদেৱ শিশু নিকেতন ধিলাসবাৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী সকলে তেওঁলোকৰ প্ৰতিভা সমূহ বিকাশ কৰিবৰ কাৰণে তিনি মহীয়া আলোচনীৰ ওপৰত গুৰুত্ব দি উৎসাহ আৰু উদ্দিপনাৰে আলোচনীখন প্ৰস্তুত কৰিছে তাত মই আলো শলাপ লৈছো।

আলোচনীয়ে জ্ঞান-প্ৰজ্ঞাৰ প্ৰসাৰ আৰু সাহিত্য-কলাৰ প্ৰতিভা বিকাশ ঘটাই শিক্ষাৰ্থী সকলক আগবাঢ়ি যোৱাত সফল হব আৰু অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাৰ মানসেৰে শুভেচ্ছা জ্ঞাপন কৰিলো।

স্বাক্ষৰ —

# শুভেচ্ছা বাণী

প্ৰতি

আচুৰ্য্য মহন্ত
আলোচনী সম্পাদক
মাঃ শিঃ নিঃ ঘিলামৰা অষ্টম শ্ৰেণী

মৰমৰ আচুৰ্য্য,

অষ্টম শ্ৰেণীৰ হাতে লিখা আলোচনী জ্ঞানোদয়ৰ ২০১৯-২০ তয় সংখ্যাটি লিখাৰ কথা শুনি মই বৰ সুখী হৈছো।

তোমালোকৰ এই হাতে লিখা আলোচনী-মনত সন্নিবিষ্ট হৈ আছে কঠোৰ শ্ৰম, অধ্যৱসায় আৰু অনেক প্ৰতিভা। তোমালোকে যাতে এইমন লৈ আগুৱাই যোৱা। তোমালোকৰ উজ্জ্বল ভৱিষ্যত কামনা কৰিলো।

জ্ঞানোদয়ৰ এই সংখ্যাটি যাতে সুন্দৰ ৰূপত প্ৰকাশ পায়, তাৰ বাবে মোৰ ফালৰ পৰা অশেষ শুভেচ্ছা জ্ঞাপন কৰিলো।

স্বাক্ষৰ —
মিনুশ্ৰী শৰ্মা শইকীয়া
মাঃ শিঃ নিঃ ঘিলামৰা

# কৃতজ্ঞতা স্বীকাৰ

আমাৰ এই ৩য় সংখ্যক হাতেলিখা

আলোচনীখনত তত্ত্বাৱধায়ক সকললৈ,

এই আলোচনীখনত চিত্ৰ আঁকি, লিখনি

আদি সকলো ক্ষেত্ৰত সহায়

সহযোগিতা আগবঢ়োৱা

সকলোলৈকে মই

কৃতজ্ঞতা স্বীকাৰ

কৰিছো ।

—সম্পাদক—

আচুৰ্য্য মহন্ত

  

# উছৰ্গা

শংকৰদেৱ শিশু নিকেতন ঘিলামৰালৈ গৌৰৱ কঢ়িয়াই অনা প্ৰতিজন ছাত্ৰ - ছাত্ৰীৰ লগতে সমূহ আচাৰ্য - আচাৰ্যাৰ নামত "জ্ঞানোদয়" ২০১৯ বৰ্ষৰ এই সংখ্যাটি উছৰ্গা কৰা হ'ল।





# তত্ত্বাৱধায়কৰ একলম

সাহিত্য জাতিৰ দাপোন, সত্য প্ৰকাশৰ এক বলিষ্ঠ মাধ্যম, সাহিত্যৰ আদৰ্শ হৈছে জীৱনৰ, জাতিৰ পথ চিকুণাই নতুন সজ্জনৰ বাবে এটা সুন্দৰ পথ প্ৰশস্ত কৰা জাতীয় সচেতনাৰে জীৱনক সমাজমুখী কৰি গঢ়ি তোলে।
নিকেতনৰ অষ্টম শ্ৰেণীৰ শিক্ষাৰ্থীৰ হাতেলিখা জ্ঞানোদয় শিক্ষাৰ্থীসকলৰ সাহিত্য চৰ্চাৰ এক ভেঁটি হওক। কিয়নো আজিৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজৰ পৰাই ভৱিষ্যতে কবি, সাহিত্যিকৰ সৃষ্টি হব। এনে আলোচনা প্ৰকাশৰ জৰিয়তে ছাত্ৰ-ছাত্ৰীসকলৰ সৃজনী প্ৰতিভা আৰু চিত্ৰকলা প্ৰকাশৰ কাৰণে বিশেষ সুবিধা লাভ কৰে। এক কথাত কবলৈ গলে ছপা আলোচনী এখনৰ তুলনাত হাতে লিখা আলোচনী এখন উলিওৱা মুঠেই সহজসাধ্য নহয়। কাৰণ, এখন হাতে লিখা আলোচনী প্ৰকাশ কৰিবলৈ হলে সুন্দৰ হাতৰ লিখনি, চিত্ৰ আদিৰ উপৰিও যথেষ্ট কষ্ট স্বীকাৰ কৰিব লগা হয়।

অষ্টম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলে নিকেতনৰ বাৰ্ষিক অধিৱেশনত একেৰাহে তৃতীয় বাৰৰ বাবে জ্ঞানোদয় আলোচনীখন প্ৰকাশ কৰিবলৈ সক্ষম হ'ল। এনে ধৰণৰ আলোচনী প্ৰকাশৰ ধাৰা অক্ষুণ্ণ থাকক তাকেই কামনা কৰিলো। শেষত সকলো ছাত্ৰ-ছাত্ৰীলৈ শুভেচ্ছা জনাই তত্ত্বাৱধায়কৰ

# সম্পাদকীয় একাষাৰ......

সাহিত্য হ'ল সমাজৰ দাপোন স্বৰূপ। এই দাপোন প্ৰতিচ্ছবি চাবলৈ বহুতো অধ্যৱসায়ৰ প্ৰয়োজন। নিজকে এজন সফল ব্যক্তি ৰূপে সমাজত দেখুৱাবলৈ এই অধ্যৱসায়ৰ অত্যন্ত প্ৰয়োজন।

নিজ প্ৰতিভা, নিজ লিখনি সমাজত দেখুৱাবলৈ এটা মঞ্চৰ অতি প্ৰয়োজন। তাৰ বাবে এখন ভাল মঞ্চ হৈছে আলোচনী। এখন আলোচনীত সন্নিবিষ্ট হৈ থাকে গল্প, কবিতা, প্ৰবন্ধ ইত্যাদি। এই সকলোবোৰ লিখিবলৈ লাগে এক চিন্তা। যি চিন্তাই লিখকৰ লগতে আন বহুতো লোকৰ উপকাৰ কৰিব। মানুহে সদায়েই নতুন কথা ভাবিব আৰু লিখিব লাগে। এনে কৰিলে মানুহৰ জ্ঞান বৃদ্ধি হয়।

আমাৰ এই হাতে লিখা আলোচনী খন লিখি উলিওৱা তিনি বছৰ হ'ল। এই ক্ষেত্ৰত সহায় সহযোগিতা আগবঢ়োৱা সকলোলৈকে মোৰ অশেষ ধন্যবাদ জ্ঞাপন কৰিছোঁ। শেষত আলোচনীৰ ভুল-ত্ৰুটিৰ বাবে ক্ষমা বিচাৰিলোঁ।

প্ৰাচুৰ্য্য মহন্ত
সম্পাদক



# শ্ৰদ্ধাঞ্জলি

শ্ৰদ্ধাৰ আব্দুল কালামলৈ

শ্ৰদ্ধাঞ্জলি

শ্ৰদ্ধাৰ ড° ভূপেন হাজৰিকালৈ

শ্ৰদ্ধাঞ্জলি

শ্ৰদ্ধাৰ দিপালী বৰঠাকুৰলৈ

শ্ৰদ্ধাঞ্জলি

শ্ৰদ্ধাৰ অটল বিহাৰী বাজপেয়ীলৈ

শ্ৰদ্ধাঞ্জলি

আমাৰ এই হাতে লিখা আলোচনী-
-খনত কিবা যদি ভুল ত্ৰুটি
হৈছে তাৰ বাবে পাঠকৰ সকলৰ
ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰিছো ।

সম্পাদনা সমিতি



# সূচীপত্ৰ

6) ভগৱান -(15)

— ভাৰ্গৱ চুতীয়া

7) বিধাতা -(16)

— প্ৰীতি পাতিৰ

8) কুলি — (17)

— জিন্নুশ্ৰী গগৈ

9) চিত পামিলা — (19)

— ডিম্পী বৰুৱা

10) The first rain day -(20)

- Nishita gogoi

11) নিকেতন তোমালৈ প্ৰনাম — (21)

— পূজা ডেকা

12) মেঘ (বেংগলী কবিতা) -(22)

— ধীৰেণ দাস

13) গোলাপৰ বাগিছা — (23)

— চুমী গোহাঁই

14) হে মেঘ -(24)

— যুৱৰাজ গোহাঁই

15) পামিলা - (25)

— মৌচুমী দত্ত

16) জবা — (26)

— যাদৱ শইকীয়া

17) গল্প

1) চথওলা — (27)

— আচুৰ্য্য মহন্ত

2) ভূমিকম্পৰ কাহিনী — (29)

— ভাৰ্গৱ চুতীয়া

3) প্ৰতিজ্ঞা — (31)

— আৰ্চিবৰ পাত গোহাঁই

4) ৰাকিৰ উপস্থিত বুদ্ধি — (32)

— বাস্তৱ বৰগোহাঁই

5) লোভৰ পৰিণাম — (33)

— ময়ূৰ প্ৰীতম ভৰালী

6) বন্ধুত্ব — (35)

— জয়শ্ৰী ফুকন

7) একবাৰ বৰবৰ কথা — (37)

— চুমী গোহাঁই

8) অনুতাপ — (39)

— জিন্নুশ্ৰী গগৈ

9) অনুজৰ সাপোনটো — (41)

— ৰামানুজ গগৈ

10) মৰিকটীয়া আৰু পাখি — (42)

— য়ানিং প্ৰতীম পুত

11) সেই ধুমুহাজাক — (43)

— নিকিতা গগৈ

কৌতুক



কুইজ



সাঁথৰ



মহৎ লোকৰ বাণী



# সমাজৰ অন্ধবিশ্বাস

মানুহ সমাজপ্ৰিয় প্ৰাণী। মানুহে সমাজ পাতি বাস কৰিবলৈ ভাল পায়। সেয়ে মানুহক মানৱ সম্পদ বুলি কোৱা হৈছে। কিন্তু, মানুহে যে কিছুমান নিয়ম উলিয়ায়, তাৰে কিছুমান নিয়মে উপকাৰ কৰে আৰু কিছুমান নিয়মে মানুহৰ জীৱন শেষ কৰে। সেই নিয়মবোৰক অন্ধবিশ্বাস নামে আখ্যা দিয়া হয়।

"ডাইনী" এই শব্দটো বৰ ভয়ংকৰ। ই জীৱন পৰ্যন্ত কাঢ়ি নিব পাৰে। কিছুমান মানুহ আছে যি সকলে দুই এজন মানুহৰ ভয়, সন্দেহ এইবোৰৰ বাবে 'ডাইনী' এই শব্দটো ব্যৱহাৰ কৰিলে জনসাধাৰণৰ হাতত নানা নিৰ্যাতনৰ বলী হৈ শেষত মৃত্যুক আকোৱালি লবলৈ বাধ্য হয়। এই সকলো ভয় সন্দেহেই হৈ পৰে অন্ধ বিশ্বাস। যাৰ ফলত বহুলোকে ইয়াৰ বলী হৈ মৃত্যুক আকোৱালি লয়। তাৰ বাবে লাভ কাৰোৰে হোৱাই নাই, হৈছে মাঁথো অপকাৰ, হানি, লোকচান হে। কাৰণ, এজন ব্যক্তিৰ গাত বহুতো প্ৰতিভা লুকাই বা সুপ্ত হৈ থাকে। সেই মানুহ গৰাকীৰ মৃত্যু হলে তেওঁ নিজ প্ৰতিভাৰ সৈতে চিৰদিনৰ বাবে চকু মুদিব। সমাজে এক প্ৰতিভা সম্পন্ন ব্যক্তিক হেৰুৱাব। যিটো এক সত্য হৈ ৰ'ব।



আজিৰ সমাজত মহিলাই যিকোনো কাপোৰ পৰিধান কৰিব নোৱাৰে। দহজনে দহটা কথা ক'ব। আনকি বয়োজেষ্ঠ মহিলাইয়ো ~~যদি~~ যিকোনো সাজ পিন্ধিব নোৱাৰে। তেওঁ দুখীয়া ঘৰৰ হ'লে পিন্ধিব কি ইমানকে? মূৰত তেল নসনাৰ বাবে চুলি জঁটা বান্ধে। জটবন্ধা চুলি আৰু মলিয়ন কাপোৰ দেখিলে অন্ধবিশ্বাসী জনসাধাৰণৰ কবলত পৰে আৰু ডাইনী নাম সজাই নানান নির্যাতন চলায়। সেই মহিলা বা পুৰুষজনে নির্যাতন সহি-সহি শেষত মৃত্যুক আকোৱালি লয়। মৃত্যুৰ পাছত তেওঁলোকৰ ভেজেৰে লুটুৰি-পুটুৰি মৃত শৰীৰটোক ~~বলে~~ বহুতে অস্পৃশ্য গণ্য কৰে। আজিকালি পুৰুষে অলপ দীঘলকৈ চুলি ৰাখিলে আৰু হাতত বা শৰীৰৰ অন্য ক'ৰবাত টেটু (Tatu) কৰিলে তেওঁক শোপাধৰা সজাই নানা নির্যাতন চলায়। কোনো কোনো ঠাইত এটা নিয়ম আছে যে কোনো মহিলাৰ স্বামীৰ মৃত্যু হ'লে পত্নীয়ে সতীজাই যাব লাগিব। মানুহে সতীজাই যোৱাটোলে চায় কিন্তু জাই যোৱাৰ পাছত সন্তানৰ কি হ'ব সেই কথা কোনেও গুৰুত্ব নলয়। আকৌ আন এক অন্ধবিশ্বাস আছে যে বাজি তিৰুতা এমন ঘৰত থাকিলে, ঘৰখনৰ অনেক বিপদ-আপদ হ'লে তাৰ মূল কাৰণৰ জগৰীয়া কৰে সেই মহিলা গৰাকীক। মানুহে অনেক কথা উলিয়াই। শেষত মহিলা গৰাকীয়ে একো পথ নাপায় আত্মহত্যা কৰে। নানা বেমাৰ-আজাৰ হ'লে বেজৰ ওচৰলৈ যায় আৰু নানা তন্ত্ৰ-মন্ত্ৰ কৰে।



আজিকালিৰ দিনত বিজ্ঞানৰ আৱিষ্কাৰে পৃথিৱীখনক বহুত উন্নতিৰ শিখৰলৈ আগবঢ়াই নিছে। এনে কিছুমান বস্তু আৱিষ্কাৰ হৈছে যিবোৰৰ বাবে মানুহৰ কষ্ট লোহোৱা হৈছে। এই পৃথিৱীত নতুন নতুন বস্তু আৱিষ্কাৰ হোৱাৰ লগতে প্ৰত্যেক মানুহৰ মনত বিশুদ্ধতা, মানৱ প্ৰেম, বিশ্বাস, আদিৰ আৱিষ্কাৰ হোৱাৰ অত্যন্ত প্ৰয়োজন। আজিৰ এই দিনত বিজ্ঞানৰ অগ্ৰগতিৰ দিনত ডাইনী, শোপাৰ্বমা, সতীদাহ, বাজী তিৰুতা, বেজালি, আদি অন্ধবিশ্বাস আঁতৰালেহে এনে এখন সুস্থ, সুন্দৰ, প্ৰতিভাশালী সমাজ গঢ়ি উঠিব য'ত সকলো লোকে মুকলি-মূৰীয়াকৈ আৰু নিৰ্ভয়ে মুকলি আকাশৰ তলত ঘূৰিব পাৰিব।

-শ্ৰী আচাৰ্য্য মহন্ত



# নাৰীৰ অধিকাৰ

আমি জানো যে যিকোনো অৱস্থাতে নাৰীক নিম্ন দৃষ্টিৰে পৰ্যবেক্ষণ কৰা হয়। নাৰীক দুৰ্বল বুলি ভাবি সন্মানহীন কৰা হয়। নাৰীৰ জীৱন যেন মূল্যহীন সেইদৰে বিবেচনা কৰা হয়। সকলো ঠাইতে, সকলো অৱস্থাতে, সকলো ক্ষেত্ৰতে নাৰীক সন্মান প্ৰদৰ্শন কৰা নহয়। নাৰীক কুলক্ষনী, কলংকৃত, ডাইনী, সতিনী আদি ৰূপে সমাজত আখ্যা দিয়া হয়। নাৰীক পুৰুষতকৈ বহু নিম্ন স্তৰলৈ ৰূপান্তৰিত কৰা হয়। কিন্তু নাৰী হ'ল এপাহ ফুল যাৰ ৰূপ, গুণ, আদিত সকলোৱে আকৰ্ষিত হয়। যেনেকৈ এপাহ ফুল যেতিয়া বেছি আকৰ্ষনীয় হয় তেতিয়া সেই ফুল পাহত মুগ্ধ হৈ কিছুমানে প্ৰাণী অথবা মানুহে ফুলপাত ছিঙি নষ্ট কৰি পেলায় সেইদৰে নাৰীৰ প্ৰতি আকৰ্ষিত হৈ ইয়াক অনিষ্ট কৰিব বিচাৰে। নাৰীৰ মূল্য কোনেও বুজিব চেষ্টা নকৰে। মই বিচাৰো যে পুৰুষক যি দৃষ্টিৰে পৰ্যবেক্ষণ কৰা হয় নাৰীকো সেই দৃষ্টিৰে চাব লাগে।

নাৰী এগৰাকীয়ে এজনী ভগ্নী, এজনী পত্নী, মাতৃ, বায়েক আদি ৰূপ হৈ সমাজ গঠন কৰাত সহায় কৰে। নাৰীয়ে বহু ধৈৰ্য্য, সাহসেৰে নিজৰ জীৱন যাত্ৰা পথত আগবাঢ়ে। এই

সকলোবোৰ গুণ দেখিও নাৰীক অপমান কৰা হয়। সেইবাবে মই বিচাৰো যে নাৰীক পুৰুষৰ দৰে সমমৰ্যদা দিয়া উচিত আৰু সমাজত ভাল দৃষ্টিৰে পৰ্যবেক্ষণ কৰা উচিত। নাৰীৰ অধিকাৰ অতি গুৰুত্বপূৰ্ণ।

শ্ৰী নিশিতা গগৈ

# My Visit To Kaziranga National Park

I went to K.N.P with my family. It was a fantastic trip with a great stay at "Dayko". It is a beautiful resort with great service. Conveniently it located in tourist complex area of K.N.P just few metres away from main entrance gate.

I visited the park in April and really loved it. There are two types of safaries jeep, elephant and it is advisable to trey both. We tried only jeep safari. Our jeep safari was started at 6 o'clock in Bagori range. I saw lots of range of beautiful birds, one horn rhinos, elephants, different kinds of deer, water buffalos, monkeys, wild hogs and tiger. After that, I went to orchid park. I saw different kinds species of orchids. This journey gave me more knowledge. So, this days I never forget in my whole life.

— Prachurjya Mahanta










# Rain ! Rain ! Rain

When are you come....

Oh ! Rain I love you,
Rain I like you
Rain I enjoy with you,
Oh ! Rain ....... you are the
best friend of all the kids.
When are you come
children play with you.
You are a part of our heart,
And.... you are the main
and best friend of farmer
Oh ! Rain
When you are come.



Prachurjya Mahanta

"বগীবিল বগীবিল বগীবিল"

আমি সকলো গৈছিলো
২০১৭ চনৰ অক্টোবৰ মাহত
পৰিয়ালসহ ভাৰেৰ লগত
৪২ টা খুটাঁৰে নিৰ্মিত
সেতু বগীবিল উদ্দেশ্যৰ দৰ্শনাৰ্থে;

বৰ্তমান ব্ৰহ্মপুত্ৰৰ নদীৰ ওপৰত
পঞ্চতমসমন সেঁতু বগীবিল
ওপৰে ৰেলৰ ৰাস্তা
মই অনুমান কৰিছো
নিশ্চয় সম্পূৰ্ণ হ'ব
২০১৮ চনত এই সেঁতু "বগীবিল"

সংগ্ৰাহক/লেখিকা
শ্ৰী হেনাশ্ৰী বৰগোহাঁই

# বাৰিষা

মই বাৰিষা
যদিও আধৰুৱা
ছমাহৰ বাবে
লৈ আহোঁ বতৰা ।

মানুহে মোক
পাৰে যে গালি
আহোঁ যে মই
কৃত্ৰিমতাৰ পাৰ ভাঙি ।

মই হলো
প্ৰকৃতিৰ সৃষ্টি
নোৱাৰে কোনেও মোক
ৰাখিব ধৰি ।

কবি–
কুশল বৰুৱা

# সময়

সময় নৰয় কাৰোৰে বাবে
ই বৰ নিষ্ঠুৰ
ই বুজি নাপাই মানুহৰ দোষ
মাথোঁ চলি যায় নিজৰ মতত
সময়ে কালৈকো বাট নাচায়
নাচায় কাৰোৰে বাবে বাট
ই সচাঁকৈয়ে নিষ্ঠুৰ
সেইবাবে আমি সময়ৰ
লগত যুঁজ কৰি
খোজত খোজ মিলাই গলেহে
সফলতা পাম



কবি - মনজিত চেতিয়া

# প্ৰনামো তোমাক

পূজা কৰো আমি মহানতা আদৰ্শক
শ্ৰদ্ধা কৰো আমি বিশালতা ব্যক্তিত্বক,
সেইজনে ব্যক্তি ৰাধাকৃষ্ণন শিক্ষক
মেধাবী বিনয়ী গুন সত্য মহত্বক ।
শিক্ষক ৰূপে গৌৰৱ অৰ্জে কৃতিত্বক
সমগ্ৰ বিশ্ব জাতিৰ পথ প্ৰদৰ্শক,
পৃথিৱী বিৰলে ৰাধাকৃষ্ণন শিক্ষক
জন্মদিন পাতো আমি পাঁচ চেপ্তেম্বৰক ।।
সুলেখক সুবক্তা নৈতিক পৃথিৱীত
সৎ শুদ্ধ জীৱন দেখালে শিক্ষকক
ব্যক্তিত্ব বাগ্মিতাই বক্তৃতাত পাণ্ডিত
সত্যাশ্ৰয়ী, প্ৰেমপূৰ্ণ ভোটাতৰা যীতি ।
ছাত্ৰ জীৱনক কৰে স্পৃহা জয়গৰিত
সুঁৱৰো আমি মিলি তেওঁক সবে আজি ।।

কবি
শ্ৰী যামিনীং প্ৰতীম সুত

# ভগৱান

ভগবান, ভগৱান, হে ভগৱান
তোমাৰ স্তুতি মাকোঁ আমি নৰগণ
পৃথিৱীৰ কোলাত আমাক কৰিছা
পালন,
তোমাৰ দয়াতে আমি লভিছোঁ জীৱন
জগতৰ ওপৰত আছা ভগৱান
শেষত তোমাক জনাওঁ প্ৰণাম।

কবি
— ভাৰ্গৱ চুতীয়া

ধন হেৰালে একোৱেই নেহেৰায়, স্বাস্থ্য হেৰালে সম্পদ হেৰায় কিন্তু চৰিত্ৰ হেৰালে সকলো হেৰায়।

— চক্ৰেটিছ

সংগ্ৰাহক
পূজা ডেকা

: মহৎ লোকৰ বাণী :

মনেৰে চিন্তা কৰা কাৰ্য প্ৰকাশ কৰা অনুচিত; কাৰণ আনে জনা কাৰ্য সিদ্ধি নহয় ।

—চাণক্য

মনবোৰ শুদ্ধ হ'লে পৃথিৱীত সংকোচ কৰিবলৈ একো নাই । কলুষিত মনেহে সকলোতে কলুষ দেখে ।

- হেম বৰুৱা

প্ৰকৃত ছাত্ৰই কেতিয়াও খ্যাতি , ক্ষমতা নাইবা আমোদ নিবিচাৰে । তেওঁ বিচাৰে কেৱল জ্ঞান আৰু সত্য । সত্য আৱিষ্কাৰ কৰিবৰ বাবে তেওঁ সকলো কৰিবলৈ সাজু ।

- আচাৰ্য জগদীশ চন্দ্ৰ বসু



# কুলি

তোমাৰ মাততে আছে যাদু;
মন্ত্ৰ যেন শুনি,
বহাগৰ বিহু ৰসাল কৰা;
তোমাৰ মাততেই কুলি।

তোমাৰ মাতত সাৰ পাই উঠে;
পাতসৰা গছবোৰে,
তোমাৰ গান শুনি শুনিয়েই;
সকলোৰে ভাগৰ আঁতৰে।

কবি :—
জিন্নশ্ৰী গগৈ

# বিধাতা

এক ঐশ্বৰিক শক্তি
এক ঐশ্বৰিক মাতা
তুমিয়েই আমাৰ বিধাতা

জানো জানো সকলে। জানো
নেদেখো। কিন্তু তোমাক
হৃদয়ৰ সাম্বাক ৰাখিম প্ৰণাম

তুমি সদায়ে নিৰন্তৰ
তুমি আমাৰ মৰমৰ
সকলোৰেই শান্তিৰ এই জগতে

তুমি আমাৰ সপোনৰ
নহয় বাস্তৱৰ
সোঁৱৰাই দিয়া যেন স্নেহ
যুক্তাক্ষৰ।

কবি :- শ্ৰী প্ৰীতি শাটিৰে

চিত পাখিলা

ফুটুকা - ফুটুকী
ইমান ধুনীয়া,
কৰলো তুমি
চিত পাখিলা।

উলাহতে উৰা
নাচি-বাগি থাকা
কৰ পৰা আহি
ফুলত পৰিছা।

কবি:-
ডিম্পী বৰুৱা



# The first Rain Day

How precious, how beautiful, how gorgeous
The day was,
When the first rain drops fell
From the sky.
The plants, rivers, trees
Got a new live for raining,
Every where there became wounderful
There came to all happy of full.
No cries, no worry
Because it was the first day of rainy.

— Nishita gogoi

# নিকেতন তোমালৈ প্ৰণাম

জ্ঞানৰ ভঁৰাল হৈ তুমি নিকেতন
পোহৰাই দিবালৈ তুমি আমাৰ জীৱন!
বহুতেতে, শুনিছো তোমাৰ উজ্জ্বল ইতিহাস,
সেয়ে, ৰাখিছো স্মৃতি দিঠক দেশৰ হাবিয়াস
হাজাৰজনৰ লক্ষ্যৰ বাটত তুমি ফুলালা ফুল,
আমাৰ ক্ষুদ্ৰ সপোনকো তুমি কৰিবালৈ নিৰ্ভুল!
বিজয়ৰ ধ্বজা নিতৌ তোমাৰ নামৰ আগত উৰে
তোমাৰ নাম লৈয়ে মন, গৌৰৱেৰে ভৰি পৰে।

আশা ৰাখিলো.........

তোমাৰ পৰা লক্ষ্য প্ৰেৰণা পাম
তাৰে আশা বুকুত বান্ধি...............
নিকেতন তোমালৈ জনালো প্ৰণাম ।।

কবিঃ- শ্ৰীমতী পূজা ডেকা



'বেংগলী কবিতা'

## মেঘ

এটুক ঔটুক কৈ
মেঘ দি আছে,
কচু পাতার ওপরে পরবে
বৈ আছে ।



জান-জুরি নদ-নদী
সকলো পরতাছে,
তাকে দেখে মনতা
ভালা লাগছে ।

কবি:-
ধীরেণ দাস



# গোলাপৰ বাগিচা

মোৰ সৰু ফুলনিত ফুলি আছে
ৰঙা - হালধীয়া, বগা - গোলপীয়া
ৰং চঙীয়া গোলাপফুল
দেখিলেই মোৰ মন কৰে ৰিয়াকুল।

তুই চাওঁ যেন তোমাৰ কোমল পাহিটি
চুব যে নোৱাৰো, গাত আছে কাঁইট
তোমাৰ সুগন্ধই আমোল - মোলায়
মন যায় বাৰে বাৰে তোমাক লবলৈ
তুমি হলা ফুলৰ ৰাণী ।

কবি -
চুমী গোহাঁই

## হে মেঘ

মেনাইৰে দৰে ক'লা পৰি আহিছে আকাশ
জলপ্ৰপাতেৰে উঠি যায় জোন
শিপা ছিগি ছিগি উৰি আহে হাবি
বতাহ বৰষুণ সমুদ্ৰ সূৰ্যৰ সন্মিলিত শক্তি
তেওঁলোকে সোমাই আহক
কবিতাৰ গাত বৰষুণ পৰক
হে মেঘ, হে আন্দোলিত বতাহ
সন্ধ্যাৰ আৰু আন্ধাৰত
সাজি পাৰি ৰৈ থকা সকলৰ গা
তুমি জানো তিয়াব পাৰিবা ?

কবি :-
যুৱৰাজ গোহাঁই

# পখিলা

ফুটুকা- ফুটুকি,
বিভিন্ন ৰঙী,
প্ৰকৃতিৰ সৃষ্টি তুমি,
উলাহতে থাকা নাচি ।
এইপাহ ফুলত পৰি,
জিৰাইলে যোৱা,
এনেদৰে নাচিবাগি,
দিনটো পাৰ কৰা ।

কবি –
মৌচুম দত্ত

# তৰা

চিক-মিক কৰি,
ৰূপালী পোহৰে
যাতি আকাশত থাকো
জোনক সাৰথি কৰি ।

পূর্ণিমাৰ নিশা তুমি,
সকলো বন্ধুৰ সৈতে
ঝিমিক-ঝামাক কৰি
থাকা নানা খেলা খেলি ।

কবি—
যাদৱ শইকীয়া

গল্প ........

# চঞ্চলা

লিখক:-
প্ৰাচুৰ্য্য মহন্ত

চঞ্চলা এজনী দুখীয়া ঘৰৰ ছোৱালী। তাইৰ দেউতাকে বাতি মদ খাই তাইক আৰু তাইৰ মাকক বহুত মাৰ-ধৰ কৰে। তাইৰ পঢ়িবৰ বৰ মন। বাপেকে কিন্তু সেইটো নিবিচাৰে। মাকে দিনটো এঘৰ মানুহৰ ঘৰত কাম কৰি যি টকা পাই তাৰে চঞ্চলাক পঢ়ায়। এবাৰ চঞ্চলাৰ মাকৰ বহুত ডাঙৰ বেমাৰ হ'ল। চঞ্চলাই মাকৰ বেমাৰ দেখুৱাবলৈ কোৱাত বাপেকে আকৌ পইচা খৰচ কৰাৰ কি দৰকাৰ বুলি মাকক বহুত মাৰিলে। চঞ্চলাকো বহুত মাৰ-ধৰ কৰিলে। তাই নিজক মৰাৰ কোনো দুখ নাপালে কিন্তু বেমাৰী মাকক মিছাতে ইমানকৈ মৰাত তাইৰ বহুত বেয়া লাগিল। পিছ দিনা মাকে শুৱা পাটিতে চিৰদিনৰ বাবে চকু মুদিলে। এই দুখৰ ঘটনাই চঞ্চলা একেবাৰে ভাগি থাকিলে। তাইৰ দেউতাকৰ ওপৰত বহুত খং উঠিলে। দেউতাকৰ বিপক্ষে গৈ তাইৰ আৰু তাইৰ মাকৰ সপোন পূৰণ কৰিবলৈ মাকৰ মৃত শৰীৰ চুই শপত খালে। দুদিন মানৰ পাছত তাই

যৰ ত্যাগ কৰি
গুচি আহিলে। পিছে
তাই যাব কয় ওবলে
তাই কান্দি-কান্দি মকামেধি
এগৰাকী মহিলা আহি গোঁৱাচ
অকলো কৈ দিলে চঞ্চলাই।
মানুহ গৰাকীৰ বৰ দুখ লাগিল।
তেওঁৰ কোনো সন্তান নাছিল। তেওঁ
চঞ্চলাক নিজৰ ঘৰলৈ নিলে আৰু
নিজৰ সন্তানৰ দৰে লালন-পালন কৰি
পঢ়াই-শুনাই ডাঙৰ কৰিলে। এতিয়া
তাই এজনী আই. চি. এচ. বিষয়া। তাই
মাকৰ সপোন পূৰণ কৰিলে। এদিন তাই
পুৰণা ঘৰলৈ আহি দেখে দেউতাকে বেলেগ
এগৰাকীক বিয়া কৰালে। তাইৰ মাকৰ কোঠাটোত
দেখে মাকৰ ফটোকপি পৰি আছে। এনে লাগে যেন
বছৰ - বছৰ ধৰি সেই কোঠাত কোনো সোমোৱা নাই তাই
মাকৰ ফটোকপি লগত লৈ গুচি গ'ল । তাৰ পাছত তাই
দেশ সেৱাৰ কাম কৰি মাকৰ নাম উজ্জ্বলালে।

-:xxxxxx:-

পৰীক্ষাবিহীন জীৱন জীয়াই থকাৰ যোগ্য
নহয়। _ ছক্ৰেটিচ
সংগ্ৰাহকঃ- দীপ প্ৰাঞ্জল গগৈ

## ভূমিকম্পৰ কাহিনী

অতি পুৰনি কালৰ কথা
এহাল মানুহ লৰা-ছোৱালী
দুটিৰ সৈতে গাঁওত বাস কৰিছিল।
এদিন তেওঁলোকে চাং ঘৰৰ মজিয়াত
বহি কথা পাতি আছিল। এনেতে হঠাৎ
পৃথিৱী কপি উঠিল। চাং ঘৰৰ খুঁটাবোৰ মেৰ-
মেৰাবলৈ ধৰিলে। তেওঁলোকে ভয়তে চিঞৰি-
-বলৈ ধৰিলে। তাৰে এজনে ভয়তে উৰুলি
বজালে। তাৰ ক্ষন্তেকমানৰ পাছতে
কঁপনি বন্ধ হ'ল। তেওঁলোকে
ভাবিলে যে উৰুলিৰ শব্দই
পৃথিৱীৰ কঁপনি বন্ধ
কৰিব পাৰে।
সেয়ে ভূমিকম্প
আহিলে
উৰুলি বজায়।

লিখক:— ভাৰ্গৱ চুতীয়া



# প্ৰতিজ্ঞা

লিখক:- অৰ্চি বৰশাস গোসাঁই

অনু অষ্টম শ্ৰেণীৰ ছাত্ৰী। তাইৰ দেউতাক-
এখন বিদ্যালয়ৰ শিক্ষক। মাকো সেই স্কুলৰে
এগৰাকী শিক্ষয়িত্ৰী। মাক-দেউতাকে অনুক পঢ়িবলৈ বহুত কৈ
কিন্তু তাইৰ পঢ়াৰ লগত কোনো কামেই নাই। দিনক দিনে
অৱনতিৰ পথতহে তাই গৈছে। মাক-দেউতাকে এই সকলো
ভাবি-ভাবি টোপনি নহা হ'ল। এবাৰ এটা পৰীক্ষাত
অনুৱে একেবাৰে বেয়া নম্বৰ পালে। মাক-দেউতাকৰ লগৰ
শিক্ষক সকলৰ লৰা-ছোৱালীয়ে বহুত ভাল ভাল নম্বৰ পালে।
তেতিয়া তেওঁলোকে বহুত লাজ পালে। কিন্তু অনুৰ
এইবোৰলৈ কাণসাৰ নাই। তাই কেৱল দিনটো মোবাইলতে
ৰিলছেই দিনটো কটায়। দেউতাকে তাইৰ কথা ভাবি
ওৰ নাপায়। ঘৰৰ মাথ এজনীয়া ছোৱালী সকলো
আশা তাইৰ ওপৰত। কি হ'ব কী নম্বৰকে তেওঁ
এদিন আত্মহত্যা কৰিলে। এই ঘটনাই
অনুৰ জীৱনলৈ বহুত ডাঙৰ পৰিৱৰ্তন
আনিলে। তেতিয়াৰ পৰা তাই পঢ়াই-
শুনাই সকলো-দিশতে আগবাঢ়ি
যোৱাৰ প্ৰতিজ্ঞা কৰিলে।

# ৰকিৰ উপস্থিত বুদ্ধি

লিখক:- বাস্তৱ বৰাগোহাঁই

ৰকি বৰ বুদ্ধিয়ক লৰা। সি অষ্টম শ্ৰেণীত পঢ়ে। কোনো বিপদত পৰিলে সি নিজৰ উপস্থিত বুদ্ধিৰে বাৰে হাত সাৰে। তাৰ চকুত ধনী-দুখীয়া কোনো ভেদ ভাৱ নাই। পৰাপক্ষত সকলোকে সি সহায় কৰে। তাৰ এই গুণটো সকলোৰে ভাল লাগায়। এদিন তাৰ শ্ৰেণীৰেই আন কেইটামান বেলেগ লৰা; টুবু, টিংকু, ৰমেন, বুলবুল এই কেইটা লৰাই তাক ফচাবলৈ এটা বুদ্ধি পাতিলে। সিহঁতৰ প্ৰধান শিক্ষক যেতিয়া সিহঁতৰ শ্ৰেণীটোলৈ আহিব তেতিয়া দৰ্জাৰ মুখত দুটামান মাৰ্বল পেলাই থৈ দুটামান ৰকিৰ বেগত থব। এইখিনি কথা ৰমেনে আন কেইটাৰ আগত কৈ থাকোতে ৰকিয়ে শুনিলে ৰকিয়ে সোনকালে গৈ নিজৰ বেগৰ পৰা মাৰ্বল উলিয়াই ৰমেনৰ বেগত ভৰাই দিলে যেতিয়া প্ৰধান শিক্ষকে পঢ়াবলৈ আহিছিল আৰু পিছল খাই পৰিল, ৰমেনে তেতিয়া মাৰ্বল ৰকিৰ বেগত আছে বুলি কোৱাত ৰকিৰ বেগত কেনো মাৰ্বল নাপালে আৰু ৰকিয়ে ৰমেনৰ বেগ খুলি মাৰ্বল দেখুৱালে আৰু ৰমেনে শাস্তি পালে।



লোভৰ পৰিণাম

লেখক: মৃন্ময় প্ৰীতম ভূঞা

এজন মানুহৰ ঘৰৰ অৱস্থা বৰ ভাল নহয়। দুবেলা দুমুঠিৰ বাবে বৰ কষ্ট হয়। পত্নী আৰু সন্তানৰ দুখ দেখিব নোৱাৰি এদিন তেওঁ ভাবিলে - বহুত কষ্টৰে আমাৰ ঘৰ চলিছে। ইমান কষ্ট আৰু চাই থাকিব নোৱাৰো। মোক ক্ষমা কৰিবা প্ৰভু মই মাত্ৰ আজিয়ে এঘৰত চুৰ কৰিম। এই বুলি তেওঁ এজন ধনীৰ পথা চুৰি কৰি আনিলে। অলপ মাহৰ পাছত পুনৰ বস্তুৰ প্ৰয়োজন হোৱাত তেওঁ আকৌ চুৰ কৰিলে। এনেদৰে তেওঁৰ লোভ বাঢ়ি গ'ল আৰু বহুত মানুহৰ ঘৰ চুৰ কৰিলে। এদিন গাওঁৰ লোকে এমন সভা আয়োজন কৰি বুদ্ধি এটা সাজিলে। চুৰটোৱে আকৌ চুৰ কৰিবলৈ এমন ধৰিলে গ'ল। চোতালতে এমন জাল পাতি

মোৰা আছিল। সেই জল মনত চুৰ ফাটিলে আৰু গাওঁৰ মানুহে ভালকৈ শিকনি দিলে। চুৰটোৱে মনত মানে যে আৰু ভৱিষ্যতে কেতিয়াও চুৰ নকৰে।

ষড্‌দোষাঃ পুৰুষেণেহ, হাতব্যা ভূতিমিচ্ছতা।
নিদ্ৰা তন্দ্ৰা ভয়ং ক্ৰোধঃ, আলস্যং দীৰ্ঘসূত্ৰতা ॥

সংগ্ৰাহক:- ডিম্পী বৰুৱা





## বন্ধুত্ব

বিয়া আৰু মীৰা দুজনী বান্ধৱী । বিয়া ধনীঘৰৰ আৰু মীৰা দুখীয়াঘৰৰ ছোৱালী তথাপিও সিহঁতে ভেদাভেদ্ নাৰাখি মিলি থাকে। পূজাৰ বতৰ । সকলোৱে নতুন কাপোৰ আৰু মন পছন্দ সামগ্ৰী কিনি মিঠাই কিনি মায় ফুৰ্ত্তি কৰিছে । বিয়াই মনৰ আনন্দতে মীৰাহঁতৰ ঘৰলৈ গ'ল। মিৰাক লৈ দুৰ্গা পূজা চাবলৈ লগ ধৰিলে। মীৰা প্ৰথম অশান্তি হৈছিল যদিও বিয়াৰ মতবন্ধ এৰাব নোৱাৰি মান্তি হ'ল । পূজাৰ দিনা বিয়াই মীৰাক মাতিবলৈ গৈ দেখে যে মিৰাই এযোৰ পুৰণি ৰং যোৱা কাপোৰ পিন্ধি ওলাই আছে । বিয়াই তাইক সুধিলে – "মীৰা, তুমি কিয় পুৰণা কাপোৰ পিন্ধিছা ? নতুন এযোৰ পিন্ধা ।" মীৰাই ক'লে – "বিয়া , মোৰ আৰু ভাল কাপোৰ নাই । মই যেযে পূজালৈ নামাও বুলি কৈছিলোঁ । কিন্তু তুমি জোৰ কৰিলা কাৰণে ওলাইছো ।" বিয়াই মীৰাৰ দুখ বুজিব পাৰি তাইক হাতত ধৰি সিহঁতৰ ঘৰলৈ লৈ গ'ল। বিয়াই ঘৰত গৈ মীৰাক এটা ধুনীয়া ফ্ৰক দিলে আৰু ক'লে – "মোক মুখা-মুখী , পেহা-পেহীয়ে কাপোৰ আৰু বহুত বস্তু দিছে । তুমি এই ফ্ৰকটো ল'লে মই বৰ

ভাল পাম। মোৰ আৰু কাপোৰ আছে নহয়।"
মীৰাই ক'লে – " তুমি মোক ইমান ডাঙৰ উপহাৰ
কিয় দিছা? ৰিয়াই ক'লে, " কাৰণ তুমি মোৰ
বহুত ভাল বান্ধৱী। বিপদ - আপদে তুমিয়েই
মোৰ লগত থাকা। বন্ধুত্বৰ আগত এইবোৰ
ধূলিকণা। এতিয়া পূজা চাওঁগৈ ব'লা।"

লিখক
— শ্ৰী জয়শ্ৰী ফুকন



তুমি মোক তেজ দিয়া মই তোমাক
স্বাধীনতা দিম।
— সুভাষ চন্দ্ৰ বসু
সংগ্ৰাহক –
পাৰ্থ প্ৰতিম চেতিয়া

# অকণৰ বৰ বৰ কথা

এঘৰ মানুহৰ দুটা লৰা আছিল। অকণেই আছিল ঘৰখনৰ প্ৰথম ডেকা। আৰু দ্বিতীয় লৰাটোৰ নাম আছিল বিজয়। অকণ সকলোৰে দৰে মানুহৰ লগত মিলা-প্ৰীতিৰে থকা, যাই বিমালিকে কথা-বতৰা পতা, গোৱা, নচা, আবৃত্তি কৰা, অভিনয় কৰা, ভাওনাৰ পাৰ্ট কৰা আৰু কলুত জনগোষ্ঠীৰ খাড্ত বিষাপি পৰা এজন বৰ কঠকী আৰু পাৰ্বত মগা বিবেক নামেৰেও জনা যায়। পিছে তাৰ পৰৰ বিষয়েতোহে অকণমান সূক্ষ্মভাৱে গ্ৰহণ কৰিছে। তি এনেধৰণৰ নহয় ভিবিলাকত বৰ বৰ কথা কি চাৰা, কৰিবই নালাগে। পঢ়াত একেবাৰে নোহাৰেই দেখোন। আচলতে মানুহৰ মন, মগজু কিছুমান সকলোৰে দৰে অতি সূক্ষ্ম জ্ঞানেৰে পৰিগণিত হৈ আহিছে। কিছুমান আকৌ মজলীয়া জ্ঞানেৰে পৰিগণিত হৈ আহিছে। গতিকে ভাল মানেৰে ভাল বিবেচনা কৰিলে সকলো সূক্ষ্ম, মজলীয়া লোকসকলো আদায়

উদ্গতি পাঠ বিচাৰি পাবা । অৱশ্যে পিছে সেইটোহে অতি গুৰুত্বপূৰ্ণ কথা । কিন্তু দ্বিতীয় নম্বৰটো অকণৰ দৰে নহয় । তেওঁ এজন ডাঙৰ মানুহ । সিও এদিন পঢ়াত আকোৱালি লৈ পঢ়া বিষয়ে নাছিল । কিন্তু লাহে-লাহে এদিনৰ পাচত জ্ঞানেৰে তাৰ ঘুমত পইচা ফুল জিলিকাৰ দৰে জিলিকি পৰিল । গতিকে কাকো বেয়া, ভাল বাছি অসৎ পথলৈ যাব নিবিচাৰে ভাল ।

এদিন বিজয়ে অকণৰ মতত ধৰি সুধিলে চাই অতি গম্ভীৰভাৱে ক'লে যে আমি সকলো ভাল মানুহ । এই সংসাৰত তুমি ডাঙৰ, মই সৰু তেনে নহয়, সকলো সমান । তোমাৰ পঢ়াত শিক্ষকৰ দৰে বেছি গুৰুত্ব দিয়াছোন ? চবা তেতিয়া সকলোৰে সু-নাম হ'ব । এদিন মইয়ো ভাল কৰ্মত উঠিৰে বিবেচনা কৰিম, যইহো সংসাৰৰ এজন ভাল মানৱ হিচাপে উজ্জ্বলি উঠিম । তেহে ৰক্ষপুত্ৰ হিচাপে আমাৰ অৱশ্যে ৰব বৰ কথা ।

সংগ্ৰাহক
শ্ৰী চুমী গোহাঁই

# অনুতাপ

লেখিকা- জিন্নুশ্ৰী গগৈ

ৰোলী আৰু ৰুমী হয়ো অষ্টম শ্ৰেণীত পঢ়ে। ৰোলীৰ দেউতাক এজন মেট্ৰিক। তেওঁ যেনে - তেনে উপাৰ্জন কৰি পৰিয়ালটো চলায় কিন্তু ৰুমীৰ দেউতাক কোম্পানীৰ মালিক। ৰোলীৰ ঘৰখনৰ একমাত্ৰ ছোৱালী ৰুমীও ঘৰখনৰ একমাত্ৰ ছোৱালী। ৰোলীয়ে ৰোলীৰ আগত বহুত বস্তুৰ ফিটাহী মাৰে। এই সকলোবোৰ শুনি বহুত দুখ কৰে। তাইৰ এনে লাগে যেন তাইৰ দেউতাকেউ কেতিয়াবা ৰুমীৰ দেউতাকৰ দৰে বস্তু লৈ দিলেহেঁতেন। ৰুমীয়ে সদায় শ্ৰেণীত নিজৰ বস্তুক লৈ ফিতাহি মাৰি থাকে। এই সকলোবোৰতে একেবাৰে শেষত থাকে ৰুলী। তাই সদায়ে মন মাৰি থাকে।

এবাৰ ৰুলীৰ জন্মদিন আছিল। ৰুলীয়ে লগৰ সকলো বন্ধু-বান্ধৱীক মাতিলে জন্মদিন পাতিলে। কিন্তু, ৰুমী তাইৰ জন্মদিনলৈ নাহিল। ৰুলীৰ বহুত দুখ লাগিল। তথাপিও তাই ৰুমীক সিহঁতৰ ঘৰৰ পৰা মাতি আনিবলৈ গ'ল। ৰুলীয়ে ৰুমীক ক'লে- "তুমিনো কিয় মোৰ জন্মদিনলৈ নাহিলা। আমাৰ লগৰ সকলো গৈছিল।"

তেতিয়া ৰুমীয়ে তপৰাই উত্তৰ দিলে-
তুমিনো মোক কিয় ~~ইমানখোকে~~ ইমানকৈ
লাগি আছা? মই দুখীয়া মানুহৰ
ঘৰৰ জন্মদিনে মই বেয়া পাওঁ। তুমি
মোৰ পৰা দামী উপহাৰ পাবৰ বাবেহে
মোক মাতিছা। মই নাযাওঁ। এই সকলো
শুনি ৰুলীৰ বহুতেই বেয়া লাগিলে। তাই
ৰুমীহঁতৰ ঘৰৰ পৰা কান্দি কান্দি গুচি গ'ল

ৰুলীয়ে কান্দি কান্দি যোৱা দৃশ্যটো দেখি
ৰুমীৰ অন্তৰ চুই গ'ল। ৰুমীয়ে নিজেই
ভাবিলে- তাই সঁচাকৈয়ে বৰ নিষ্ঠুৰ।
এজনী ভাল ছোৱালীক তাই ইমানবেয়াকৈ
সদায় কৈ থাকিলনে? তাইৰ এই সকলো
কথাৰ অনুতাপ হ'ল। তাই ৰুলীৰ
ওচৰলৈ গ'ল আৰু নিজৰ প্ৰত্যেক ভুলৰ
ক্ষমা বিচাৰিলে, তাই ৰুলীক এটা ধুনীয়া
ফ্ৰক দিলে আৰু দুয়ো বহুত ভাল বান্ধৱী
হ'ল।



অনুজৰ সপোনটো    লিখক - ৰামানুজ গগৈ

এদিন অনুজে এটা সপোন দেখিলে। সি আৰু সিহঁতৰ নিকেতনৰ ছাত্ৰ - ছাত্ৰীসকলে বনভোজ খাবলৈ গেৰুকামুখলৈ আৰু ধলা - সদিয়ালৈ গৈছিল। প্ৰথমতে সিহঁতে গেৰুকামুখলৈ গৈ আছে। যেতিয়া সিহঁতে গেৰুকামুখ পালে তেতিয়া এজন এজনকৈ সকলো বাচৰ পৰা নামিল। ৰান্ধনী কেইগৰাকীয়ে সোনকালে ভাতৰ যা - যোগাৰ কৰিবলৈ ল'লে। প্ৰধান শিক্ষকৰ লগতে আন ছাত্ৰ - ছাত্ৰী আৰু অনুজে ঠাই চাবলৈ ঘূৰি ফুৰিলে। সকলোৱে হাঁহি-ধেমালী কৰি গৈ আছে। যেতিয়া সিহঁতে নিৰ্দিষ্ট ঠাইত উপস্থিত হ'ল তেতিয়া সকলোৱে মনতে উৎফুল্লিত হৈ উঠিল। অনুজৰ দলংৰ ওপৰলৈ উঠিবলৈ কিন্তু খুব মন আছিল। কিন্তু প্ৰধান শিক্ষকে তালৈ যাবলৈ মানা কৰিছিল। সেইবাবে সি চেপা বুজি মনে মনে দলংৰ ওপৰলৈ গ'ল। তাৰপাছত সি দলংৰ ওপৰৰ পৰা পিছল মাৰি পৰিলে। এনেতে অনুজ টোপনীৰ পৰা সাৰ পালে আৰু তাৰপাছত সি দেখে যে সি বিচনাৰ পৰা তলত পৰি আছে। সি বেৰৰ ঘড়ীটোলৈ চাই দেখে যে সিহঁতৰ নিকেতনৰ পৰা বনভোজ খাবলৈ যোৱা গাড়ীখন দুঘণ্টাৰ আগতে গ'ল।

# মৰিকটীয়া আৰু গাধ

লিখক :- য়ালিং প্ৰতীম সুত

এমন গাওঁৰ কাষত এমন নদী আছিল । নদীজনৰ ওপৰেদি যাবলৈ এথাল সাঁকো আছিল । সেইডালৰ ওপৰেদি এজন মৰিকটীয়াই মৰি কটিয়াই আছিল। মৰিকটীয়াটোৰ ভাগৰ লাগিল । সি জিৰণি লবলৈ এজোপা গছৰ তলত বহিল । সেই নদীজনৰ পাৰত এটা ভুকাতুৰ গাধই পানী খাই আছিল । মৰিকটীয়াটোৱে ভাবিলে, যদি মই সেই গাধটোক মোৰা বন্ধুৰ লোভ-দি মাতো তেতিয়া সি লোভতে মোৰ কাষলৈ আহিব । সেইদৰেই গাধটোৱে লোভতে পৰি মৰিকটীয়াৰ ওচৰলৈ আহিলে । তেতিয়া মৰিকটীয়াটোৱে গাধক কলে- "যদি তুমি মোৰ এই মৰি মিনি নদীজনৰ পৰা পাৰ কৰি দিয়া তেতিয়া মই তোমাক বন্ধুতো-মোৰাবন্ধু দিম । তেতিয়া গাধটোৱে ভাবিলে মই যদি নদীজনৰ এইপাৰৰ পৰা সিপাৰলৈ মৰি-মিনি সোনকালে পাৰ কৰি দওঁ তেতিয়া মই তেতিয়া সোনকালে যাবলৈ পাম । সি হেবাৰ দৰে মৰিমিনিবলে চেষ্টা কৰিলে কিন্তু নদী পাৰ হওঁতে আকোৰ পৰা পিচল খাই পানীত পৰি মৰি থাকিল ।

# সেই ধুমুহাজাক

লিখক :- নিশিতা গগৈ

নামনি অসমৰ এখন গাঁৱত এটা সৰু পৰিয়াল সুখে-শান্তিৰে জীৱন-যাপন কৰিছিল। সেই পৰিয়ালটোত পাঁচজন সদস্য আছিল সেই সকল ক্ৰমে — মাক, বাপেক আৰু পুতেক তিনিটা। পুতেক কেইটাৰ নাম ক্ৰমে- ৰাহুল, ৰাম, ৰাজু। পুতেক কেইটা বেছি ডাঙৰ হোৱা নাছিল। তেতিয়া বিহুৰ বতৰ আছিল। সকলোৱে বাবে সুসময় সময় আহিছিল কিন্তু সিহঁতৰ পৰিয়ালটোলৈ দুসময় সময়।

প্ৰথম বিহুৰ দিনা অৰ্থাৎ গৰু বিহুৰ দিনা, মানুহে যে কয় বিহুত বৰষুণ মাকুৰ ধৰিলে যায় বুলি; সেইদৰে সিহঁতৰ গাঁৱৰ ফালে এজাক ধুমুহা আহিল। সিহঁতে গম পোৱা নাছিল যে সেই ধুমুহাজাক সিহঁতৰ জীৱনলৈ দুখ সময় আনিব বুলি। বাপেকে পুতেক কেইটাক ক'লে- বোপাহঁত বহুত ডাঙৰকৈ বতাহ বলিছে যেনেকৈ ধুমুহা আহিছে চাগে। ৰাজুৱে ক'লে — "দেউতা বতাহ হে বলিছে একো নহয় চিন্তা নকৰিবা, আমি দুৱৰলৈ খেলিবলৈ নাযাও, নহয় ওচৰতে খেলিম"। সেইবুলি কৈ ৰাজু, ৰাম, ৰাহুল খেলিবলৈ গ'ল। সিহঁতে দৌৰি গৈ গৈ এখন অৰণ্যৰ ওচৰ পালে। কিন্তু কেইমানৰ পাছতেই ধুমুহা আহিল। অৰণ্যত থকা গছবোৰৰ পাত, ডাল সৰিবলৈ ধৰিলে। সিহঁতে ভয় খাই দৌৰি দৌৰি গৈ অৰণ্যখনত থকা গুহা এটাত সোমালে আৰু তাতে তিনিওটা শুই থাকিলে। আনফালে মাক আৰু বাপেকৰ বহুত চিন্তা হৈছে। একালে ল'ৰাকেইটা ঘৰ আহি পোৱা নাই আৰু আনফালে সেই ভয়াৱহ ধুমুহাজাকে সিহঁতৰ সৰু ঘৰটো ভাঙিব এতিয়া।



মাক আৰু দেউতাকৰ উপায় নাইকিয়া হ'ল। সিঁহঁতে এতিয়া ল'ৰাকেইটাকে বিচাৰিব নে ঘৰটোকে বচাব? কি কৰা যায় তাকে ভাবি থাকোতে সিঁহঁতৰ ঘৰটো ধুমুহাই ভাঙি পেলালে। আৰু মাক আৰু বাপেক ঘৰৰ ভিতৰতে সুমাই থাকিল। মাক আৰু বাপেকে ভঙা ঘৰটোৰ পৰা ওলাব নোৱাৰিলে আৰু তাতেই কঁপি - কঁপি মৃত্যুক সাৱটি ল'লে।

ৰাতিপুৱা ল'ৰাকেইটাই সাৰ পাই গুহাটোৰ পৰা ঘৰৰ ফালে খোজ ল'লে। যেতিয়া সিঁহঁতে ঘৰৰ ওচৰ পাই দেখে যে ঘৰটো ভাঙিলে আৰু মাক - বাপেক ভিতৰতে থাকিলে। তেতিয়া সিঁহঁতে ভয়ে ভয়ে চিঞৰি মাতিবলৈ ধৰিলে - 'মা' - 'দেউতা'। যেতিয়া সিঁহঁতে মাক আৰু বাপেকৰ মৃতদেহটো দেখিলে তেতিয়া সিঁহঁতে উপায় হীন হৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। সচাঁকৈয়ে সেই ধুমুহাজাকে সিঁহঁতৰ পৰিয়ালটোলৈ বহুত দুখ আনিলে। ল'ৰাকেইটাই এতিয়া মউৰা হৈ জীৱন - যাপন কৰিব লাগিব।

-:~~o~~:-

এখন কিতাপ নষ্ট কৰা যেজন ভেল মানুহ হত্যা কৰা, একেই কথা।
— মিল্টন

সংগ্ৰাহক —
ভাৰ্গৱ চুতীয়া

# কৌতুক



১। ৰোগী : মোৰ এখন ভৰি বিষাইছে ডাক্তৰ চাহাব।

ডাক্তৰ : আপোনাৰ বয়স হোৱা বাবে ভৰি বিষাইছে।

ৰোগী : মূৰ্খ নবাব। মোৰ আনখন ভৰিৰো একে বয়স।

২। দোকানী : এইটো বৰ ধুনীয়া কেক। আপুনি খাই বৰ ভাল পাব।

গ্ৰাহক : মই নাজানো, দেখাত কিন্তু এইটো নিগনিয়ে খোৱা যেন লাগিছে।

দোকানী : হয়হয় নোৱাৰে। মোৰ মেকুৰীটোৱে গোটেই নিশা ইয়াৰ ওপৰতেই শুই আছিল।

সংগ্ৰাহক

শ্ৰী অনন্ত গগৈ

১। গৃহস্থ (তেওঁৰ লগুৱাজনক) : হেৰা, গছৰ গুৰিত আজি কিয় পানী দিয়া নাই ?

লগুৱা : বৰষুণ দি আছিল, ছাৰ।

গৃহস্থ : (খঙেৰে) তুমি কিয় ছাতি বস্তুৰথাৰ কৰা নাছিলা ?

২। দেউতা : স্কুলত তুমি কি কৰি আছিলা ?

পুত্ৰ : মই সকলো ভালেই কৰিছিলো, পঢ়া-শুনাৰ বাহিৰে।

৩। ৰোগী : ডাক্তৰ বাবু, চশমা পিন্ধিলে মই ভালদৰে পঢ়িব পাৰিমনে ?

ডাক্তৰ : অৱশ্যে পাৰিব।

ৰোগী : তেতিয়াহলে আপুনি আজিয়েই মোক এযোৰ চশমা দিয়ক, কাৰণ মই পঢ়িব নাজানো।

সংগ্ৰাহক

শ্ৰী কাব্যশ্ৰী কোঁৱৰ

# কৌতুক

১। শিক্ষক : যদি এজন চাকৰে এটা কোঠা পৰিষ্কাৰ কৰোতে ১ ঘণ্টা সময় লয়, তেন্তে দুজন চাকৰে কিমান সময় লব ?

আমীৰ : চাৰি ঘণ্টা ।

শিক্ষক : কেনেকৈ ?

আমীৰ : সিঁহঁতে কথাপাতি অধিক সময় অতিবাহিত কৰিব ।

২। আলহী : মই মিঠাইৰ প্লেটখন হাতত তুলি লʼলেই আপোনালোকৰ কুকুৰটোৱে মোৰ ফালে খঙেৰে চাই ভুকিবলৈ ধৰে কিয় ?

গৃহস্থ : কুকুৰটোৱে তাৰ প্লেটখন চিনি পাইছে চাগে ?

৩। মিনিষ্টাৰ : সোণটো, তোমাৰ পঢ়া-শুনা কেনে চলিছে ?

পুত্ৰ : কাইলৈ মোৰ চুৰঙ্গীৰ পৰীক্ষা

আছে দেউতা, কিন্তু মোৰ পঢ়া-শুনা একেবাৰে হোৱা নাই।

মিনিষ্টাৰ: কোনো অসুবিধা নাই। মই কাইলৈ বন্ধ ঘোষণা কৰিম।

৪। শিক্ষক: মই অতি আচৰিত হৈছোঁ যে তুমি লিখা "গৰু" বিষয়ৰ ৰচনাখন তোমাৰ বাইদেৱে দহবছৰৰ আগতে লিখা ৰচনাখনৰ সৈতে একে।

ছাত্ৰ: ইয়াৰ কাৰণ যে গৰুটো যে একে।

৫। নাৰ্চ: তোমাক আজি বৰ ভাগৰুৱা যেন লাগিছে কিয়?

ৰোগী: মই গোটেই ৰাতি নিশাটো উজাগৰে থাকি তেজৰ বিষয়ে থকা কিতাপখন পঢ়ি শেষ কৰিছোঁ।

নাৰ্চ: তুমি কিয় এনে কৰিছিলা?

ৰোগী: মোৰ বাবে আজি তেজৰ পৰীক্ষা হ'ব জানো!

সংগ্ৰাহক

শ্ৰী মনজিতা চেতিয়া

# কুইজ

১। অসমৰ বিধান সভাৰ প্ৰথম মহিলা সদস্যা কোন আছিল ?
উত্তৰ :- বনিলী মংসেন।

২। আইচক্ৰীম প্ৰথম কোন দেশত তৈয়াৰ কৰা হৈছিল ?
উত্তৰ :- প্ৰায় ৬০০ বছৰ আগতে চীন দেশত।

৩। আটাইতকৈ কম সময় জীয়াই থকা প্ৰাণী কি ?
উত্তৰ :- মেফ্লাই।

৪। কোন দেশত মহ আৰু সাপ নাই ?
উত্তৰ :- ফ্ৰান্সত।

৫। অসমৰ আটাইতকৈ ওখ পাহাৰ কি ?
উত্তৰ :- বৰাইল পাহাৰ। ইয়াৰ এটা শৃংগ সাগৰ পৃষ্ঠৰ পৰা প্ৰায় ৫০০০ ফুট ওখ।

সংগ্ৰাহক
শ্ৰী প্ৰাচুৰ্য্য মহন্ত



১) আমেৰিকাৰ ওম বনজোপাৰ নাম কি?
উঃ বাঁহ গছ

২) মানুহৰ শৰীৰত কেইডাল হাঁড় থাকে?
উঃ ২০৬ ডাল

৩) ভূপেন হাজৰিকাৰ জন্ম কেতিয়া হৈছিল?
উঃ ১৯২৬ চনৰ ৮ চেপ্তেম্বৰ

৪) মনালিছা ছবিখন কোনে আঁকিছিল?
উঃ লিঅ'নাৰ্ড' -দ্যা- ভিঞ্চি

৫) অক্সিজেন গেছৰ আৱিষ্কাৰক কোন?
উঃ জোচেফ প্ৰিষ্টলি আৰু কাৰ্ল শ্বিলি

সংগ্ৰাহক
-কাশ্মিতা বৰগোহাঁই

# General Knowledge

– Nishita gogoi

1. What is the english word that has no vowel?

Ans :- Rythm.

2. What is the longest english word in the world?

Ans:- Pneumonoultramicroscopicsilicovolcanoco-niosises.

3. Who wrote the famous book 'Chitra'?

Ans:- Rabindra Nath Tagore.

4. What consider 'Dada Saheb Phalke Award'?

Ans:- 'Dada Saheb Phalke Award is considered as being the highest award in the field of cinema.

5. When Jawaharlal Nehru awarded Bharat Ratna?

Ans:- Jawaharlal Nehru was awarded Bharat Ratna in 1955.



১) মানুহৰ কেইযোৰ দাঁত কেইপ্ৰকাৰৰ ?

উঃ চাৰি প্ৰকাৰৰ

২) কোন প্ৰানীক ৰোমন্থক প্ৰানী বুলি কোৱা হয়

উঃ গৰু

৩) পৃথিৱীৰ আটাইতকৈ ওখ শৃংগ কি ?

উঃ মাউন্ট এভাৰেষ্ট

৪) আটাইতকৈ ডাঙৰ নদীদ্বীপটোৰ নাম কি?

উঃ মাজুলী

৫) পৃথিৱীৰ আটাইতকৈ ডাঙৰ নদীদ্বীপটোৰ নাম কি ?

উঃ উমানন্দ

সংগ্ৰাহক –

ডিম্পী বৰুৱা



## জানিব লগীয়া কথা

১। মৰুভূমিত বৰষুণ নহয় কিয়?

উত্তৰ :- মৰুভূমিৰ ওপৰৰ অংশ অত্যন্ত গৰম। গতিকে তাত গছ-গছনি, হাবি-জংঘল একো নাথাকে। সেয়েহে তাত মেঘ জমা হ'ব নোৱাৰে ফলত বৰষুণ নহয়।

২। সাগৰৰ পানী লোণীয়া কিয়?

উত্তৰ :- পৃথিৱীৰ মাটি, পাথৰ আদিত নানা ধৰণৰ লোণ থাকে। পাহাৰ আৰু সমতল ভূমিৰ ওপৰেদি যেতিয়া বৰষুণৰ পানী আৰু নদ-নদী নামি আহে, তেতিয়া পাথৰ আৰু মাটিত থকা লোণ ধুই লৈ আহে। এই লুনীয়া পানী শেষত সাগৰত পৰে ফলত সাগৰৰ পানী লোণীয়া হয়।

৩। বৰফ পানীত ভাহি থাকে কিন্তু সুৰাত তল পৰি যায় কিয়?

উত্তৰ :- বৰফ টুকুৰাই যিমান পানী আঁতৰাই দিয়ে তাতকৈ বৰফ টুকুৰাৰ ওজন কম হয় বাবে পানীত ভাহি থাকে। কিন্তু সুৰাৰ ক্ষেত্ৰত ইয়াৰ ঠিক ওলোটা হয়। অৰ্থাৎ সুৰাৰ

ওজনটোকৈ ইয়াৰ ওজন বেছি হয় বাবে বৰফৰ টুকুৰা ওপঙি যায়।

সংগ্ৰাহক :-
শ্ৰী ভাৰ্গৱ চুতীয়া




১। অক্সিজেন গেছৰ আৱিষ্কাৰক কোন ?

⇒ জোছেফ প্ৰিষ্টলি আৰু কাৰ্ল শ্বিলি ।

২। পৃথিৱীত এতিয়ালৈকে কিমানবিধ মৌল আৱিষ্কাৰ হৈছে ?

⇒ ১০৬ বিধ ।

৩। কেতিয়া, কোনে নাইট্ৰ'জেন গেছ আৱিষ্কাৰ কৰিছিল ?

⇒ ১৭৭২ চনত ইংলেণ্ডৰ বিজ্ঞানী ডেনিয়েল ৰুথাৰ ফৰ্ডে ।

৪। টোপনিত সপোন দেখা পৰ্যায়টোৰ নাম কি ?

⇒ REM (ৰেপিড আই মুভমেণ্ট)

৫। কিমান বছৰ বয়সলৈ বুদ্ধি বৃদ্ধি হৈ থাকে ?

⇒ ২৬ বছৰৰ পৰা ৩৬ বছৰ বয়সলৈ ।

৬। আলোকবৰ্ষ কিহৰ একক ?

⇒ মহাজাগতিক দূৰত্বৰ একক ।

৭। এক গেলন = ?

⇒ ৪.৫৪ লিটাৰ ।

৮। প্ৰথম পৰমাণু বোমটো কেতিয়া, কত ফুটোৱা হৈছিল ?

⇒ ১৯৪৫ চনৰ ১৬ জুলাই তাৰিখে মেক্সিকোৰ মৰুভূমিৰ মাজৰ "জিৰোহিল" নামৰ পাহাৰৰ ওপৰত ।

সংগ্ৰাহক
শ্ৰী প্ৰত্যুষা গগৈ





## সাঁথৰ ???

১। ৰজাৰ চোতাল ঘন ঘন গজাল।

⇒ তৰা

২। ৰজাৰ পুতেক ভোলা তাৰ গাত জাপ জাপ চোলা।

⇒ কলডিল

৩। এঠেঙীয়া বগলী নিতৌ নাচে গধূলি।

⇒ বিচনীমন

৪। ৰজাৰ ঘৰৰ কলীগাইয়ে ঘাটে ঘাটে পানী খায়।

⇒ বৰশী

৫। ওপৰৰ পৰা পৰিল টেকেলী তাৰ ভিতৰত এশ ভেকুলী।

⇒ কঁঠাল

৬। ৰাম, লক্ষ্মণ, সীতা কাৰ মূৰতো তিতা।

⇒ তিনিওঁৰ।



সংগ্ৰাহক

শ্ৰী মনজিত কেটিয়া

১। হাবিত কাঁহে ওলায় নাহে?
⇒ কুঠাৰ

২। পেটেৰে খায় মুখেৰে হাগে,
সেই বস্তুটো ভেকতেক লাগে।
⇒ চাকি বা বন্তি।

৩। দুই পৰ্বতৰ মাজেদি হাৰ্মনিয়াম বাজে?
⇒ পাদ।

৪। ঘৰৰ ওপৰত ঘৰ তাতে পখি মৰ?
⇒ ভাটৌৰা

৫। কেনি, যাব মোকো মাৰি থৈ যা?
⇒ দৰ্জা

৬। মাৰ্বলৰ দৰেই আকাৰ মোৰ
মাৰ্বল নহয় মই
নেমুৰ দৰে টেঙা ;
নেমু নহয় মই
⇒ আমলখি

৭। আঙুলি দণ্ডৰ প্ৰতেকে
নাক দণ্ডৰ জীয়েকক নিলে
ঘাটো কপি খুনীয়া দেখি
বেৰত উলোমাই থলে।

⇒ হেঙুল।

# সাঁথৰ

১/ এনেকুৱা কি আছে বগা ৰং হ'লে লেতেৰা,
কলা ৰং হ'লে চফা।
উত্তৰ:- ব্লেক - বৰ্ড।

২/ চিনিচুকীয়া মাজত মাল, ধৰত ধৰি মাৰিবলৈ
ভাল।
উত্তৰ:- জ্যাকে।

৩/ গাঁৱত আছে চহৰত নাই, হাঁহত আছে
মুৰগীত নাই।
উত্তৰ:- 'ত'।

৪/ মোমাইদেউৰ বাৰীত টেঙা, এটা চিঙিলেই
লাগে জেঙা
উত্তৰ:- বৰলৰ বাহ।

৫/ এনেকুৱা কি আছে বৰষুণ দিলে ওলাবলৈ
যায়।
উত্তৰ:- ছাতি।

সংগ্ৰাহক
শ্ৰী লক্ষী গোস্বামী

1) দুই পৰ্বতৰ মাজে হাৰ্মোনিয়াম বাজে ?

=) পাদ

2) ৰজাৰ কাপোৰ যিমান তিয়ালেও নিতিতে ?

=) কচুপাত ।

3) ৰজাৰ ~~পু~~ চোতাল ঘন ঘন গজাল ?

=) ওৰা

4) মাক জুগুলি - পুগুলি পুতেক চুকা চেকেলা ?

=) জলকীয়া

সংগ্ৰাহক —

কঙ্কিতা বৰগোহাঁই

সাঁথৰ

সংগ্ৰাহক :- শ্ৰীমতী নিলাক্ষী দত্ত

ক) আলিৰ দৰে যায়,
মুখ দাড়ি দাড়ি চাই।

উত্তৰ :- যেজী।

খ) আই বুলিলে নালাগে,
বোপাই বুলিলে লাগে।

উত্তৰ :- ওঁঠ।

গ) এজোপা বিৰিণা,
গাতে চৰে হৰিণা।

উত্তৰ :- ওকণি।

ঘ) কি ঘড়ীয়ে সময় নিদিয়ে।

উত্তৰ :- অঘড়ীয়ে।

ঙ) কি তলা খুলিব নোৱাৰে

উত্তৰ :- আগৰতলা।

1) ৰজাৰ চোতাল ধন ধন গজালে?

=> ওৰা

2) কেনি যাব লোক মাৰি থৈ যা?

=> দৰ্জা

3) কোনে দিলে বমি কৰে?

=> দমকল

4) ওপৰৰ পাৰা পৰিল টেকেলি তাৰ মাজত এশ জেকুলি?

=> কঁঠাল

5) ~~সূৰ~~ আলিৰ দৰে যায়
সূৰ দাঙি দাঙি চায়।

=> বেজী

সংগ্ৰহকা
শ্ৰী। জাগৰ [illegible]



# মহৎ লোকৰ বাণী

১। "স্বাৰ্থৰক্ষাৰ বাবে কাৰো দান নিবিচাৰিবা।"

—শ্ৰী মন্ত শংকৰদেৱ

২। "যোগ্য - ভোগ্য বসুন্ধৰা।"

— ডাৰউইন

৩। "বিবেকেই জীৱনৰ গুপ্ত আদালত।"

—হেমচন্দ্ৰ গোস্বামী

৪। "কাল ৰাত্ৰিৰ বুকুতেই যেনেকৈ প্ৰভাত লুকাই থাকে, তেনেকৈ পদে পদে পৰাজয়ৰ পিছতো জয় নিশ্চিত। জীৱনৰ তাতেই সাৰ্থকতা।

— ড° ভূপেন হাজৰিকা

৫। "ক্ষমাৰে মন্দক প্ৰতিহত কৰিবা।"

— মহাত্মা গান্ধী

সংগ্ৰাহক ঃ

শ্ৰী মনজিতা চেতিয়া

১। অতি সাধাৰণ শ্ৰেণীৰ মানুহ হ'লেও জ্ঞানীজনে অতিথি সৎকাৰ কৰে।

— বাল্মীকি

২। কৰ্তব্যজ্ঞানে কৰ্মলৈ উৎসাহ আৰু প্ৰতিজ্ঞা জন্মায় আৰু মনত একাগ্ৰতা বঢ়ায়।

— সত্যনাথ বৰা

৩। পৰে আৰ্জি থোৱা ধনেৰে ডাঙৰ হলে তাত পুৰুষালি নাই। নিজৰ বাহুবলেৰে যি পুৰুষ ডাঙৰ হয় তেওঁহে ধন্য।

— সত্যনাথ বৰা

৪। সেইজন আদৰ্শবান পুৰুষ, যিজনে আনক উন্নতিৰ পথত আগুৱাই দিয়ে।

— হেনৰী ফৰ্ড

সংগ্ৰাহক

শ্ৰী প্ৰত্যূষা গগৈ